নিবেদন,

'কৰবী'ৰ অৰ্ঘ্য যে অসমীয়া গীতি-সাহিত্যত আমাৰ প্ৰবেশ সম্পৰ্কে ক'ব লগীয়া কথা এয়ে যে, ইয়াৰ প্ৰায়-বিলাক গীতেই আধুনিক কাটৰ। ইয়াৰ অনেক গীতেই শিলং—গুৱাহাটী ৰেডিঅ' কেন্দ্ৰৰ পৰা প্ৰচাৰিত হৈ গৈছে। কেইটিমান গ্ৰেমোফন ৰেকৰ্ডতো আছে।

এই গীতি-অৰ্ঘ্য ৰচয়িতাৰ নিজৰ বোলোতকৈ ইয়াক যোৰহাট সঙ্গীত-বিদ্যালয়ৰ সহকৰ্মী আৰু ভাই-ভনী সকলৰ ৰবঙণি বুলি কলেহে উচিত কথা কোৱা হ'ব। এই ক্ষুদ্ৰ কিতাপখনি প্ৰকাশ কৰোঁতে আত্মীয়-স্বজন আৰু সহোদৰ সম বন্ধু-বৰ্গৰ পৰা অনেক সহায় পোৱা হৈছে। ব্যক্তিগত ভাবে প্ৰত্যেক জনৰ কাৰণে শলাগৰ শৰাই আগ নবঢ়াই সমূহীয়াকৈ তেখেত সকলৰ আগত প্ৰীতিৰ সঁফুৰা ডাঙি ধৰিলোঁ।

এই গীত বিলাকৰ প্ৰত্যেকটিতে ৰচয়িতাৰ নিজা সুৰ-সংযোজনা আছে যদিও গায়ক-গায়িকা সকলে নিজৰ ৰুচিমতে ৰূপ দিব পাৰে। ভাব আৰু ভাষাৰ লগত সামঞ্জস্য ৰাখি সুৰৰ ৰাজ্যত বিচৰণ কৰোঁতে সুৰ শিল্পীও এজন স্ৰষ্টা।

ৰচকৰ সকলো গীতৰ প্ৰচাৰ-স্বত্ব শিলং—গুৱাহাটী ৰেডিঅ' কেন্দ্ৰক দি থোৱা হৈছে। ৰচকৰ অনুমতি নোলোৱাকৈয়ে ইয়াৰ গীত ৰেডিঅ'ত গাব পাৰে।

'কৰবী'ৰ গীতৰ শৰাইখনি অসমীয়া ৰাইজে বাছক-বনীয়া ফুলৰ উপহাৰ বুলি নললেও চেনেহ আৰু শ্ৰদ্ধাৰ দান বুলি গ্ৰহণ কৰে যেন।

যোৰহাট।
১০/৬/৬১

শ্ৰী[illegible]

## সূচী

## ভুল শুদ্ধৰণি

| পৃষ্ঠা | শাৰী | ভুল | শুদ্ধ |
|---|---|---|---|
| ১২ | ৩ | গথা | গঁথা |
| ১৭ | ৬ | দীপালী | দীপালি |
| ৩৬ | ১ | বহু | বহুত |

# কৰবী

## ( ১ )

সজল নয়নে আহিছিলা তুমি
শাৰদী গধূলি বেলা।
সন্ধিয়াৰ ধৰা হ'ল মধুময়
তোমাৰ পৰশ ঢলা।

শৰতৰ সতে হ'ল পৰিচয়,
ভাবিছিলা হ'ব হৃদি বিনিময়,
পুঁৱতী পোহৰে আহি নিমিষতে
ভাঙিলে মধুৰ মেলা।

ভুৰৰী পাহিকে বেদনা জনালা
নিঠুৰ বিৰহ জ্বালা।
মৰীচিকা যেন বিফল ধৰণী
নয়ন বাৰিৰ মেলা।

শৰতে আনিলে জোছনা অমিয়া,
মিলনৰ মালা গাঁথি থ'লা প্ৰিয়া
কুসুমৰ মালা জঁয় পৰি ৰ'ল
দয়িতে কৰিলে হেলা।

( ২ )

পুঁৱতী নিশাৰ আহ্বান শুনি
চমকি উঠে কবি চাজাহান,
প্ৰিয়া মমতাজ নাই বুলি ভাবি
বিদাৰি উঠে দৰদী প্ৰাণ।

তন্দ্ৰা সপোন উতলা প্ৰাণে
উৰি বিমানত ভাবে মনে মনে,
অশৰীৰী হৈ আহা প্ৰিয়া মোৰ
(তুমি) স্মৃতিৰ কবিতা সুৰদী গান।

খুনেৰে গঁথা নোহে শিলে প্ৰিয়া
অতি মৰমৰ তাজমহল,
সৌ সিপাৰৰ যমুনা পাৰত
মোৰ যে তাজে কৰে জলমল্।

মালতী মিনাৰত ফুলে ৰাশি ৰাশি
মালতী-হাচ্না জৰে নিতে ভৰি
নাই মাথো তাজ, নাই চাজাহান,
(শুনি) বিষাদিত নিৰলাৰ উচুপনি তান।

( ৩ )

তুমি মোৰ সুৰৰে গুৰু,
মই যে তোমাৰে কথা,
ছন্দে ছন্দে কবিতা মুকুল
প্ৰীতিৰে মৰম গঁথা।

কণ্ঠ সুধাৰ মধুৰ বাণী,
গমকে গমকে দিলা যে আনি
মোকেই পাতিলা কবিতা-ৰাণী
মাধুৰী মনোৰথা।

ৰঞ্জিত কৰি ৰচিলো তোমাৰ
কথাৰে মালিকা,
(তুমি) সুৰেৰে আঁকিলা মাধুৰী সপোন
মধু মুখ-চন্দ্ৰিকা।

কত বসন্তই সজালে আহি,
পৰিমল ভৰা কুসুম ৰাশি;
তোমাৰ সুৰতে উঠিছে ভৰি
সপোন কুহেলি ব্যথা।

( ৪ )

পদ্ম উতলা শাৰদী নিশাৰ
শেৱালীৰে গঁথা মালা,
নেযাবা প্ৰিয় মোৰ অভিমান কৰি
মৰহি মৰম ডলা।

স্পন্দন ভৰা হিয়াৰ মিনতি,
কত অতীতৰ মধুভৰা স্মৃতি,
আছে লিখা মোৰ পাছিতে কবিতা
কোনেনো বুজিব জ্বালা।

অনুৰাগ ভৰা অৰুণ ৰাগৰ
উজলায় মধু নিশি
ক্ষণ বসন্তই জ্বলালে হিয়াত
দীপালিৰ দীপ ৰাশি।

হিমালী উষাই সৰালে আজি
কমলিনী প্ৰিয়াৰ খোপাৰে পাহি
পৰিমল ৰেণু হৰিলে পৱনে
মাধুৰী সুষমা ঢলা।

( ৫ )

হিয়াত তোমাৰ স্মৃতি ৰৈ গ'ল
ভাঙিলে মধুৰ মেলা,
সেই সন্ধিয়াৰ মিলন মেলাত
তোমাৰ সুৰৰ খেলা।

গীতত তোমাৰ অলকাৰেপৰা
নিজৰি জৰিলে অমৃতৰে ধাৰা
মোৰ পৰাণত আঁকিলা সুৰেৰে
সপোন মাধুৰী ৰেখা।

সভা ভাঙি গ'ল স্মৃতি মাথোঁ ৰ'ল
বকুল সুৰভি ভৰা,
সুৰৰ ৰেশেৰে ৰচিম কবিতা
পাতিম ওৰনী ধৰা।

বিয়লি বেলাতে এৰি গ'লা প্ৰিয়া,
সুৰৰ সুৰেৰে পৰশিলা হিয়া;
সেই ভাবনাতে নিৰলাতে বহি
স্মৃতিৰে গাঁথিম মালা।

কৰবা

( ৬ )

ফাগুনী উষাৰ অভিযানে
কনক-চঁপাৰ গন্ধ-গানে
পথ মলিকাৰ অভিসাৰে—
কৰে পৰাজয় হেমন্তিকাক
শেষ শেৱালীৰ পাপৰিৰে।

শত জনমৰ মাধুৰী ভৰা
ফাগুনী প্ৰিয়াৰ কুসুম মালা
মনোৰমা মাধুৰিমা পৰশেৰে।

বিয়লি বেলাৰ উদাসী বায়ে
কৰবী ফুলৰ পৰাগেৰে
পৰাণ তনু পৰশি প্ৰিয়াৰ
তন্দ্ৰা হানে আৱেশেৰে;
পলাশ ফুলৰ মৰম পাতি
ৰঙীন সপোন মালিকা গাঁথি
আগমনী ছন্দ যাচে কবিতাৰে।

( ৭ )

সেই যে বিদায় বেলাৰ--
তোমাৰ কৰুণ আঁখি
কত কথা বেদনা হিয়াৰ।

নিমাত নিতাল যেন সুপ্ত ধৰা,
ভাষাহীন কবিতাৰ ছন্দ ভৰা,
অলস নয়নে কয় নীৰৱ ভাষা
মৌন বিভোৰা প্ৰিয়াৰ।

আজিও শেৱালি ফুলে
শাৰদী জোনালী ৰাতি
কত যে বেদনা আনে
সুঁৱৰি মাধুৰী স্মৃতি।

তোমাৰ সুৰেৰে গঁথা গীতি-ধাৰা,
ৰক্ত কৰবী ফুলৰ বেণু ভৰা,
আজিও নিজৰি জৰে জোনালী নিশা
স্মৃতি আনে মধু জোছনায়

( ৮ )

আজি এই বৰষা ৰাতি
ডাৱৰৰ দেশতে কোন কুঁৱৰীয়ে
ৰাখিছে আসন পাতি।

প্ৰিয়া অভিসাৰে আহিছে কোঁৱৰ
মেঘৰ ৰথতে বলায় চামৰ
আকাশে পৱনে মুকলী বজায়
হাঁৰিষা যে উঠে মাতি।

বিজুলী ৰেখাৰে সোণালী বেঘা
পিন্ধালে প্ৰিয়াকে আহি
কাণতে পিন্ধালে মকৰ-কুণ্ডল
জোনৰ কিৰণ আনি।

কমল ছাবাৰ জিলিকে ৰেখা,
মায়া মৃগ হৈ দিয়েহি দেখা;
সাত ৰং পিন্ধি যুৱতী পৰীয়ে
আদৰি জনালে প্ৰীতি।

( ১ )

সেই দিনা নিৰলাৰ মধু জোছনাত
কাষত দৰদী চাকি ওমৰৰ মৰমী প্ৰিয়া,
মৃদু মৃদু পাপিয়াৰ মধুৰ তানে—
ৰচি দিলে সপোন মায়া।

দিয়া বাকি প্ৰিয়া মোক চোৰাহী ভৰাই,
আজি এই ৰূপালী ৰাতি পৰাণ জুৰাই ;
তোমাৰ মদিৰা ভৰা গীতেৰে বুৰাই
জীৱনৰ মধু অমিয়া।

সৌৱে ফুলিছে চোৱা হেজাৰ গোলাপ
বিৰহী বুকুৰ কত ৰক্ত শিখা
কয় ধীৰে ধীৰে হাচ্‌নাহানাই
আঙুৰ বনতো আছে বিৰহ-গাঁথা।

জীৱন শলিতা প্ৰিয়া আছিলে জুমাই
মধুৰ হাঁহিৰে জানো ৰাখিবা ভুলাই
দিবা ঢালি সমাধিতে পিয়লা ভৰাই
অ' মোৰ দৰদী প্ৰিয়া।

( ১০ )

সেই সন্ধিয়াৰ বকুল বনত
তোমাৰ সতে মোৰ পৰিচয় ;
ঝিৰি ঝিৰি ফাগুনৰ উদাসী নিশাৰ
বলিছিল দক্ষিণ মলয়।

সোণালীয়ে আনিছিল কতনো কথা
স্মৃতিৰ মাধুৰী সানি পুলক ব্যথা
মুকুলিত বকুলৰ গন্ধ ভৰা
ধৰা যেন কৰি মধুময়।

আলোড়িত মন প্ৰাণে
নয়নে নীৰৱ ভাষা
কত কথা কয় প্ৰাণে প্ৰাণে
উতলা মাধৱী নিশা।

গীতি ভৰা কবিতাৰ ছন্দ ৰাশি,
চৌপাশে উৰে মোৰ সুষমা ঢালি
উঠিছিল কঁপি মোৰ ভীৰু হিয়া
আৱেশেৰে কৰি পৰাজয়।

( ১১ )

ইযে নোহে মোৰ গান
ইযে নোহে মোৰ কথা,
বাথা ভৰা মোৰ মৰমৰ অভিমান।
ভাবিছিলো মই গীতৰ দেশত
সুৰৰ সপোন ৰচিম,
তুমি আৰু মই আৰু কোনো নাই
নিৰলে কবিতা গাঁথিম
অলস নয়নে যাম উটি উটি
শুনি তব মধু তান।

জীৱনৰ আলো-ছায়াৰ পথত
তুমি ঢালি দিবা প্ৰীতি
শাওণী ধাৰায় দিব সোণবাই
সেই ৰূপ-দীপালীৰ বাতি।

তোমাৰ পথত বকুল সৰাই
কুসুম শয়ন পাতি
পৰিমল ভৰা সমীৰণে সতে
স্মৃতিয়ে উঠিব মাতি;
হিয়াৰ মাজত মাধুৰী ঢালি
পুলকিত হব প্ৰাণ।

( ১২ )

আজিও স্মৃতিয়ে কয়
বকুল বেণু ভৰাই
মাধুৰী প্ৰীতিৰে গথা
ক্ষণিকৰে পৰিচয়।

সিদিনা আছিল তব পৰশৰ
মাধৱী ৰাতি
উতলা ফাগুনে হিয়া কাননত
উঠিলে মাতি
মোৰ নয়নত আঁকি তব ছবি
হ'ল হৃদি বিনিময়।

সপোনেৰে গঢ়া সোণৰ কমল
দিঠকে নিদিয়ে চায়।
চ'তালী নিশাৰ উদাসী পৱনে
কয় কাঁৰে তুমি নাই।

আজিও ধৰাত জোছনাৰ ধাৰা
নিজৰি জৰে
ছিন্ন মালাৰ পৰশ ৰাগে
কুহক আনে
হেৰোৱা সুৰৰ বেশ উৰি উৰি
হিয়া কৰে পৰাজয়।

হওঁ যদি চঁপা ফুল, তুমি হ'বা পাত
দক্ষিণ মলয়া বলে ক'বা কথা কাণে কাণে
ঢলি পৰি গাত।

মই এটি সুৰ হৈ কবিতা আনিম
মলয়াৰ তালে তালে ছন্দ গাঁথিম।
( তুমি ) ৰঙীন তুলিকা টানি সাত ৰৰণৰ
ৰেখা দিবা মোৰ কপালত।

নবীন অতিথি সাজি শ্যামল পাতৰ
তুমি হ'বা ৰূপহ কোঁৱৰ,
মই গাঁথি মালিকাৰে সৌৰণ চপাৰ
দিম ঢালি প্ৰীতি পৰাগৰ।

বিজুলী ৰেখাৰে ৰাখি দিবাহি পিন্ধাই
সৰি পৰা পাপৰিৰে মৰল সজাই
গলিয়া কৰিয়ে পাই ৰহণ বোলাই
সজাবহি কত কি যে তাত।

আন্ধাৰৰ আঁৰে আঁৰে
প্ৰদীপে কান্দে যে হায়:
জ্বলোৱা তুমি হে শিখা
পুঁৱতী আহিলে প্ৰায়।

দিয়া ঢালি আলোক ৰাশি
(মোৰ) যাত্ৰা-পথ তিমিৰ নাশি
শুকতৰা সম উঠক ভাহি
নীলিমা জলেমলায়।

মালতী ফুলৰ সুবাসে মাথোঁ
বেদনা ভৰাই আনে
গীতি কবিতাৰ বুকুৰ ব্যথা
ব্যথিত জনেহে জানে।

প্ৰাণৰ যত গোপন বাণী
সুৰৰ সপোন মায়া লাগি
যৱনিকা ভেদি দিয়াহে কৰি
(মোৰ) জীৱন জ্যোতিৰ্ম্ময়।

( ১৫ )

কিয় মাতে মন-পাপিয়াই
পিউ পিউ দিবা ৰাতি ;
হিয়া ভৰা মৰমৰ প্ৰীতি অনুৰাগ
(আজি) তোমাৰ কাৰণে উঠে মাতি ॥

জোনাকী মাধুৰী নিশা নীৰলে বহি
তন্দ্ৰা সপোন প্ৰাণে বজাবা বাঁহী।
সুৰৰ মায়াৰে ৰচিবা সৰগ
যাম আমি দুয়ো তাতে উটি।

মোৰ আঁচলৰ বা'ৰে সুবাস বলাই
তোমাৰ তনুতে পৰিম
মোৰ কপালত অঁকা কাম সেন্দুৰৰ
ৰহণ হিয়াতে সানিম।

লাহতী খোপাৰ মোৰ মালতী পৰশ
হিয়াতে নিজৰি জৰে সপোন অলস
আৱেশ বিভোৰা প্ৰাণে লাজুকী নিশাৰ
মাৰি যায় মলয়াৰে ছাটি।

( ১৬ )

আজিও প্ৰাণতে বাজে
সেই যে তোমাৰ গীত-দান
তোমাৰ স্মৰেৰে ৰচা বিজন পথত
যাম মই উটি উটি এৰি অভিমান

সিদিনা শাৰদী নিশা জোছনা জৰি
আনিছিল সপোনৰ বিভাৱৰী
স্মৃতি লেখা কবিতাৰ মাধুৰী বাণী
পৰাণৰ যত মধু গান।

প্ৰীতি ভৰা মালিকাৰ কুসুম ৰাশি
আধা শুনা সেই মধু তান,
কান্দে যেন নিৰলাৰ বেদনাতে
তোমাৰেই প্ৰিয় অৱদান।

সেইদিনা ফুলিছিল মনোবিতানত
শেৱালী বিথিকা ভৰি তব পৰশত
এটি স্মৰ, এটি গান, মাথো জগতত
নাই যাৰ কোনো প্ৰতিদান।

[ ১৭ ]

সপোন হেৰাল সপোন দেশত
পুঁৱতী নিশাৰ শেষ লগনত,
কৰবী ফুলৰ পাহি তেতিয়াও
ঢলি পৰা নাই কৰবী মূলত।

লতা আৰু ফুলে ঘেৰা এটি মাথোঁ ঘৰ
ৰূপৰ দীপালী জ্বলি উঠে নিৰন্তৰ
ছাঁয়াছবি সম যায় উটি ভাহি
স্মৃতি ৰাখি মোৰ নয়নত।

নীহাৰে আৱৰি ৰখা কমল কোৰক
অৰুণ আলোকত উঠে ফুলি,
হিয়াত সাৱটি ৰখা স্মৃতিৰ সপোন
মাণিক ৰেণু হৈ উঠে জ্বলি।

সোণৰ তুলিকা টানি চিত্ৰলেখাই
তব ৰূপ-জ্যোতি আনি ৰহন বোলায়,
আঁকি দিলে পৰাণত সপোন ভৰাই
সপোনৰে স্মৃতি দিঠকত।

( ১৮ )

প্ৰিয়া বিৰহৰ নয়নৰ নীৰে বেদনাৰে দিন লেখি,
দূৰ অলকাৰ মধুস্মৃতি জাগে, নৱ জলধৰ দেখি।

ৰামগিৰি আজি শান্তি বিহীনা, প্ৰিয়হাৰা মন প্ৰাণে,
মেঘক জনালে বুকুৰ বেদনা বিৰহ বিভোৰা মনে।
যোৱা উৰি উৰি জিৰাবা পথত যদিহে ভাগৰি পৰা,
আম্ৰকূটে তোমাক নিবহি আদৰি পিন্ধাই অনল ৰাখি।

ৰেবাৰ পাৰত দেখিবা প্ৰিয়া কদম বিটপী ৰাজি,
তৱ পৰশতে ফুলে শতদল বনৰ কূটজ ৰাশি।

অলকা-পুৰীত আছে প্ৰিয়া মোৰ বিৰহী কাতৰা বেশ
কুসুম পাহিৰে দিন গণে মাথোঁ অগৰু বিহীনা কেশ
সেই আননত নাই ৰূপ-জ্যোতি কমলী পৰশ ভৰা,
বিৰহী বয়ান নাই প্ৰসাধন ফুল পৰিমল মাখি।

( ১৯ )

ইযে নোহে কামনাৰ জয়-মালিকা
দিয়া মোক শত পৰাজয়,
ক্ষমা কৰা প্ৰিয় মোৰ যত অপৰাধ
তোমাৰেই প্ৰিয় মাথোঁ জয়

মধুৰ জোনালী ধাৰা শাৰদী ৰাতি
দিয়ে ঢালি জগতত সপোন পাতি,
ৰূপ-ছায়া অনুৰাগে উঠেহি মাতি
ক্ষণিকৰে মায়া অভিনয়।

শেৱালী ফুলেও হায়! জোনালী নিশা
আপোন পাহৰা হয় নিজকে বিলাই,
ব্যথাভৰা অভিমানে শেষ ৰজনীত
ঢলি পৰে লোতক জৰাই।

ভুল যদি হয় প্ৰিয় স্মৃতিৰ সপোন
মোৰ পৰশত মুঠে হৃদি আলোড়ন
মচি দিবা শৰতৰ নিয়ৰে অঁকা
জীৱনৰ মধু পৰিচয়।

( ২০ )

আজি এই শাৰদী ৰাতি
এৰা প্ৰিয়া এৰা অভিমান,
বেদনাৰে যত ভৰা শতদল
দিয়া ভাঙি কৰি অৱসান।

হিয়াত আৰৰি ৰখা গোপন বাণী
মধুভৰা জোনালীয়ে দিয়েহি আনি
তোমাৰ তণুৰে আনি সুৰভি সানি
আমোদিত কৰে মন-প্ৰাণ।

এটি ৰেখা সপোনৰ এটি মধু গান।
সপোন ৰেখাৰে গঢ়া সোনালী বিতান॥

কবিৰ কবিতা তুমি শাৰদী ৰাণী
ক্ষণিকৰে অতিথি বিৰহিনী,
জীৱন তোমাৰ মাথোঁ নয়ন নীৰে
বিষাদেৰে গঁথা অপমান।

( ২১ )

স্মৃতিৰ সোঁতত হক অৱসান
জীৱনৰ যত মোৰ ভুল,
দিবা মোৰ সমাধিত এটুপি চকুলো,
এটি হুমুনীয়া, এটি মাথোঁ ফুল।

অৰুণ ৰাগেৰে অঁকা মোৰ এই হিয়া
জীৱনত নুবুজিলা তুমিহে প্ৰিয়া,
গাইছিল পৰাণৰ গোপন কোণত
কবিতাৰ যত বুল্ বুল্।

ফুলাম ৰঙীন ধৰা
একেটি ৰাতি,
প্ৰলয়ৰ নাচোনত
যায় যে উটি—

প্ৰীতিৰ মাধুৰী মায়া এই জীৱনৰ
তোমাৰ হাতত এৰি মধু সপোনৰ
মৰণৰ পাৰাবাৰ যাম বহুদূৰ
সীমাহীন নাই যাৰ কূল।

( ২২ )

তোমাৰ কপালত সাত ৰহণেৰে
ইন্দ্ৰধনু ৰেখা আঁকি,
মোৰ যত কবিতাৰ ছন্দ হিল্লোল
তোমাৰ পথতে দিম বাকি।

তোমাৰ অলক ভৰা কুসুম ৰাশি
মোৰ গীতি কবিতাৰ সুৰভি সানি
সপোন মাধুৰী যত পৰে বিয়পি
পৰাণত ৰঙা ৰেণু মাখি।

মোৰ মৰমেৰে মধু সনা
যত ৰচা গান,
সুৰে সুৰে উঠে ভাহি
প্ৰীতি-অভিমান—

যদি তব নয়নত আবেশ সানি
পুলকিত অনুৰাগে দিয়েছি আনি
দিবা গাঁথি প্ৰিয়া মোক মন-মালতীৰ
ভাষাহীন কবিতাৰে চাকি।

( ২৩ )

বকুলৰ ডালতে
ভৰ ছুপৰীয়া
কপৌৱে কুৰুলিয়াই,
আমৰে ডালতে পৰি লগৰীয়ে
সুৰতে সুৰ মিলায়।

বতাহত বাগৰি সুৰবে বিননি
বুকুৰে বহনাক পায়,
পৰাণত ঢালি দি গোন্ধৰে সম্ভঁৰা
বকুল মলে মলাই।

তাঁতৰ শালতে বহি শিপিনীয়ে
শুনি সেই সুৰবে ৰা
মনতে পৰে ঐ কোনোবা কাহানিৰ
ইন্দ্ৰমালতীৰ ছাঁ।

মনৰে মাজতে কাণুনী বতাহে
কুৰে যে ৰা বলায়,
বকুল মৰহিলে সুৰো আঁতৰিলে
পৰাণত কিবা যেন নাই।

( ২৪ )

মোৰ জীৱনৰ সন্ধিয়া পৰত
তুমি মোৰ থাকিবা কাষত,
দিবা ধীৰে ধীৰে হাতটি তোমাৰ
মোৰ সেই পান্থ হিয়াত।

জীৱনৰ যত মধু ৰাতি
এটি দুটি আছে তাৰে স্মৃতি
চকুলোৰে ৰচা যত কবিতা
এৰি যাম তোমাৰ হাতত।

বায়ুৰে মিহলি অশৰীৰী হৈ
তোমাৰ কাষতে থাকিম,
( তোমাৰ ) শেষ উপহাৰ বিদায় বেলাৰ
মালাধাৰিও ধৰাতে এৰিম।

কপালত পিন্ধাই চন্দন লেপন
এখনি মাথোঁ দিবা আভৰণ
স্নেহে হ'ব মোৰ পথৰ সমল
অকলশৰীয়া পথত।

( ২৫ )

আজি এই শৰতৰ মধু যামিনী
কোন তুমি অপৰিচিতা ;
কাৰ বিৰহত নয়ন নীৰে
ৰচিলাহি গীতি-কবিতা ?

হিয়াত নিৰখি আশা কত কামনাৰ
শাৰদী ৰূপহী ৰাতি কৰি অভিসাৰ
যাচি দিলা পৰাণৰ প্ৰীতি উপহাৰ
তুমি জানো পৰিণীতা ?

ইযে মাথো ক্ষণিকৰ
সোণালী সপোন,
ভীৰু হিয়াৰ পৰশৰ
প্ৰীতি শিহৰণ।

যদিওবা তুমি হায় !, বিৰহ প্ৰতীক
এটি নিশাৰ মাথো পথৰ পথিক
শৰতৰ মধুনিশা প্ৰিয়বান্ধৱী
তবু তুমি পদদলিতা।

( ২৬ )

তুমি মোৰ জীৱনৰ মনোবিতানত
এপাহি কুসুম মানস বনত
মৰম-পৰশা গানে, প্ৰীতি আৰু অভিমানে
সুৰৰ অমিয়া ধাৰা
দিয়া ঢালি মোৰ পৰাণত।

অৰুণ ৰাগেৰে দীপ-শিখা জ্বালি
ৰঙীন আলোক ৰাশি দিবাহি ঢালি
যাচি দিবা মধুবাণী কণ্ঠ সুধাৰ
এটি নিশাৰ শেষ প্ৰহৰত।

তোমাৰ কাৰণে ৰচা মোৰ কবিতা
তুমিতো নুবুজিলা হায়!
সুৰৰ মাধুৰী আনি ৰচিলো সপোন
তোমাৰেই জয় গীতি গাই।

'লয়লী'ৰ হিয়া ভৰা পুলক প্ৰাণৰ
'মজনু'ৰ নয়নৰ কবিতা গানৰ
কিযে সকৰুণ হায়! এই ইতিহাস
বিৰহেৰে গঁথা জগতত।

( ২৭ )

গীতৰ মাজেদি যদি আহা তুমি
সুৰৰ সপোন লৈ
মোৰ ভাবনাত কৰা বিচৰণ
হিয়াতে বিলীন হৈ।

তব পৰশত ফুলা শতদল
স্মৃতিৰ সুৰভি বয় অবিৰল
বিৰলে সন্ধিয়া আহি গুচি যায়
কতনো কথাকে কৈ।

বিৰহী মলয়ে কয় কাণে কাণে
দশ কৰবীৰ কথা
হিয়াৰ মাজত তুফান তুলি
জ্বলায় বিৰহ ব্যথা।

এই জগতত কত চাজাহানে
স্মৃতিৰ তাজ সাজে মনে মনে
কত বিৰহৰ জৰণা ধাৰা
নীৰৱে আছে যে বৈ।

( ২৮ )

জয় তোমাৰেই জয় !!
সেই সন্ধিয়াৰ নিৰলাতে মোক কৰি পৰাজয়,
আঁকি দিলা জেটুকাৰ ৰহণ সানি
হিয়া মোৰ কৰি তুমিময়।

তেতিয়া আছিল শৰতৰ জোনালীৰ
প্ৰথম প্ৰহৰ,
হিয়াৰ পুলক আনি হিয়াতে তুলিলা
মৰমৰ মৃদু লহৰ!

তুমিতো নুবুজিলা হায় !!
ভুলৰ বাটেদি গ'লা
মোক নুবুজিলা হায়!
সপোন মায়াৰ পথত তুনিয়ে আনিলা—
আজি হিয়াৰ ভাঙিলা লয়।

আজি যে মোৰ সুৰ হেৰাল
সুৰ বিৰহী মই
সুৰ বিচাৰি ঘূৰি ফুৰো
সুৰৰ সপোন লৈ—
সুৰ-কুঁৱৰীৰ সুৰ-বিৰহত
আজি সুৰ হেৰুৱালো মই।

( ২৯ )

মোৰ কবিতাৰ ছন্দ হেৰাল
জীৱনৰ সধা যত সুৰ
মাৰ গ'ল মৰমৰ হিয়াৰ জোৱাৰ
বিষাদেৰে কৰি ভৰপুৰ।

মিছাতেই ঢালি দিলা মালতী প্ৰীতি
মায়া আলেয়াৰে ভৰা আন্ধাৰ ৰাতি
ছিঙি দিলা পৰাণৰ ৰক্তজবা
কবিতাৰ ব্যথা চকুলোৰ।

এদিন কাষতে মোৰ বহি এন্ধাৰত
সেইদিনা জোনালীৰ ষোড়শী তিথি।
মনত পৰেনে মেঘে ঢাকিলে গগন
কঁপি উঠিছিল প্ৰাণৰ মৰ্ম্মবীথি!

'বংচোৰা'ৰ কাননৰ পাহি গোলাপৰ
খোপাতেই মৰহিলে 'নুৰজাহান'ৰ
কবিতাৰো পাহি আজি গল মৰহি
কামনাও হ'ল বহু দূৰ।

( ৩০ )

কত অতীতৰ মাধৱী-পৰশ
আজিৰ ফাগুনে দিয়ে আনি,
মোৰ পৰাণত সুধা ঢালি ;
কত জনমৰ মাধুৰী ধাৰাই
সজায় সপোন দীপালি।

এদিন আছিল এই ৰঙীন ধৰা
তোমাৰ ছবিৰে অঁকা কবিতা ধাৰা;
আজিও পৰাণ মোৰ কৰে উতলা
ৰূপৰ দীপালী জ্বালি!

আজি এই যাত্ৰাৰ আকুল পথত
লগত তুমি মোৰ নাই ;
ক্লান্ত হিয়াই মোক দিব সোঁৱৰাই
তোমাৰ মৰমী গীতি গাই।

হিয়াৰ মালতী মোৰ জৰি পৰে
হেৰোৱা গীতৰ আজি সুৰে সুৰে
আজিও ফাগুনে আনে মোৰ পৰাণত
স্মৃতিৰ মধু জোনালী।

( ৩১ )

তোমাৰ স্মৃতি মোক দিয়া পাহৰাই
ভাঙি দিয়া পৰাণৰ মাধৰী সপোন,
অতীতেৰে ভৰা মন নিয়া উটুৱাই।

ভাগৰি পৰিলে হিয়া অলস পৰাণ
মাধুৰী-নিৰ্য্যাস গীতৰ হল অৱসান,
আজি মোৰ পৰাণৰ সুনীল গগণ
কলীয়া ডাৱৰে দিলেহি বোলাই।

আজিও নীলাচল অচল-অতল
পাৰেদি লুইত ধাৰা বয় অবিৰল,
আজিও পৱনত উটি ভাহি আহে
তোমাৰ সুৰভি তগৰ ফুল পৰিমল।

তোমাৰ কাৰণে আজি গীত ৰচা নাই
তোমাৰ সুৰত মই ৰূপ দিয়া নাই,
হিয়া আকাশত আজি বিৰহ ভৰাই,
বসুধাৰ মধু জোছনাই।

( ৩১ )

চ'তৰে শেষতে আহিলে বিহুটি
আনন্দৰ উঠিলে ৰোল,
বিহুৰ বিহুতীয়ে নাচিছে উলাহে
হাতত জেটুকাৰ বোল।

দিয়া ঐ ফুলতী আশী চেলেংখনি
লাহৰী হাতেৰে বোৱা,
লাহতী খোপাতে পিন্ধি কপৌ ফুল
মৰমৰ ওলগ লোৱা।

নাহৰ ফুল ফুলিলে গছ ভৰি ভৰি
বসন্তৰ বা লাগি-তাত,
বলীয়া বতাহত গোন্ধে মলেমলায়
থৰ হেকৰালে গাত।

পেঁপাতে উঠিলে বনগীত লহৰী
বিহুৰে বতৰা কৈ,
মমৰে পখিলাই স্ফুৰন্ত উটি ফুৰে
ৰঙালী ভাৱনা লৈ।

পুৰ্ৱী নিশাৰ মোৰ সপোন পাৰত
কোন তুমি দেৱবালা ?
স্মৃতিৰ ভাঙিলা মোৰ ভুল,
হিয়াৰ বেদীত মোৰ বিফল পূজাৰ
পাৰি ৰ'ল ফুল পৰিমল।

মায়া-ভৰা সপোনৰ কোনোবা দেশত
মন মোৰ উৰি ফুৰে অলীক সুখত
তোমাৰ নীৰৱ ভাষা নয়ন কোণত
হিয়া মোৰ কৰে যে আকুল

কবিৰ কবিতা কৰি অপাৰগ
(তুমি) ফুলি উঠা সুৰৰ মুকুল
সোণৰ তুলিকাও হাৰ মানে য'ত
তোমাৰ আননৰ মাধুৰী বকুল।

সুৰ সখা জীৱনৰ উদয়াচলত
ক্ষণিকৰে পৰিচয় সুৰৰ পথত
ৰূপৰ শলিতা তাতে ঢিমিকি জ্বলাই
প্ৰাণ মোৰ কৰা বিয়াকুল

(আজি) মধু জোনালীৰ সন্ধিয়া পৰত
অতীতৰ সোঁৱৰণী লৈ,
অকলে বোটলো মই স্মৃতি ভৰা ফুল
হেৰোৱা সুৰৰ সেই বিজন পথত।

গন্ধহীনা আজি মালতী মুকুল
মৰহিলে পৰাণৰো প্ৰীতিৰ বকুল,
আজি এই সন্ধিয়াই কৰে যে আকুল
পৰশি হিয়াৰ মোৰ মৰ্ম্ম-কোণত।

কথাৰে গঁথা মোৰ যত কবিতাই
তোমাৰেই ৰূপ ৰাশি লৈ
সুৰৰ ৰহণ সানি জেটুকা বোলায়
মোৰেই গোপন কথা কৈ।

করুণ কাহিনী হিয়াৰ কালিমা সানি
এনে জোনালীয়ে কত দিয়ে যে আনি,
সুৰ বিচাৰোতে মই সুৰৰ বাণী
হেৰুৱালো আজি হায়! এই জোনাকত।

( ৩৫ )

কোনেও নজনাকৈ তুমি আহিবা নিৰলে,
সন্ধিয়াৰ আঁৰতে এখুজি-দুখুজি কৈ,
খোজতে জৰাই কমলৰ পাপৰি
ফুলিবা হিয়াতে ইন্দ্ৰমালতী হৈ।

আহিবা তুমি আহিবা, সুৰৰ সপোন চানেকি বাছিবা
হিয়াত তুলিবা মৃদু আলোড়ন
নোকোৱা কথাটি কই,
মই ঢালি দিম মৰমী নিজৰা
কবিৰ কবিতা হই।

অলস নয়নে বুজাবা হিয়াৰ
আলচা গোপন কথা,
ভাষাহীন বাণী কবকে নোৱাৰা
মৰম মালতী গঁথা।

সুৰ ঢালি দিবা মোৰ জীৱনত
সুৰেৰে কবিতা কৈ,
কোনেও নজনাকৈ, কোনেও নেদেখাকৈ কোনেও নুশুনাকৈ
সুৰেৰে ঢালিবা অমিয়াৰ ধাৰা
সুৰবে মাধুৰী লৈ।

মই উটি যাম সুৰ সাগৰত
সুৰৰ ধাৰাৰে বই।

বহু দিনৰে কথা... ... ... ... ... ।
সিদিনা আছিল ঘন বৰষাৰ শেষ সন্ধিয়া বেলা।

অৰুণ ৰাগেৰে ৰঞ্জিত কৰি
কনক-কিৰণ পৰিলে জৰি
আঁকি দিলে কত ব্যথা।

বহুদূৰ বহুদূৰ আজি সেই সন্ধিয়া বেলা
স্মৃতিয়েহে মাথোঁ দিয়েছি ভৰাই
(মোৰ) মৰমী মালতী ডলা।

আজিও ধৰাত সন্ধ্যা নামিছে
শাওনী বাৰিষা ধাৰা
গন্ধ বিহীনা মাধৈমালতী
যেন মৰহা শেৰালি গঁথা।

( ৩৭ )

জীৱনৰ এটি সন্ধিয়া··· ··· ··· ··· ···
সেই ছবি ৰৈ গ'ল মোৰ মানস পটত
স্মৃতি যাৰ যুগমীয়া।
আজিও সন্ধিয়াই কৰে বিয়াকুল
সোঁৱৰাই অলীক সপোন
কঁপে ঘনে ভীৰু হিয়া।

মানসী প্ৰিয়াই মোক কৰে পৰিহাস
দেখি বৃথা জীৱনৰ আকুল প্ৰয়াস
মৰহিলে মালিকাৰ মাধুৰী সুবাস
তুমি মোৰ কবিতা-প্ৰিয়া।

তোমাৰ কাননত আজিও বিকশি উঠে
নবীন গোলাপ ৰাশি
ছিঙি নিলা মোৰ হায়! মৰমী মুকুল
হিয়াৰ কবিতা নাশি।

বিৰহিনী মলয়াই আজিও বিৰহ ঢালি
কয় আহি কাণে কাণে সুৰৰ প্ৰদীপ জ্বালি
শেৱালিপ্ৰীতিৰ এই তোমাৰ মৰম ডালি
খেদিছিলো মই হায়! মৃগ মায়া।

( ৩৮ )

মোৰ কামনাৰ আশা নিৰাশাই
ভাঙিব স্বানো এটি ভুলৰ অভিমান।
তোমাক আৰৰি লৈ ৰচা কবিতাই
এবাৰ হিয়াত জানো তুলিব তোমাৰ
পাহৰা সুৰৰ সেই তান।

মোৰ এই বেদনাৰ নয়ন ধাৰাই
স্মৃতিৰ দুৱাৰ খুলি পুলক জগাই
ভুলৰ পাপৰি গাঁথি মৰহা ফুলৰ
মিছাতে বিচাৰো মই বৃথা প্ৰতিদান।

আজিৰ জগতত যেন কোনোৱেই নাই।
সুৰৰ মায়াৰে যাৰ দীপালি জ্বলায়,
মৰম মালিকা মোৰ আধা গাঁথোতেই
ছিগি গ'ল বেদনা ভৰাই।

মোৰ যত কথা মোৰ যত সুৰ
তোমাৰ ভাৱেৰে গঁঢ়া হিয়া-কহিনুৰ
মৰমে মলছা হিয়া কৰি ভৰপুৰ
আকুলিত কৰে মোৰ প্ৰাণ।

( ৩৯ )

মোৰ কবিতাই আজিও বিচাৰি ফুৰে
হেৰোৱা স্মৃতিৰ গীতি সেই সন্ধিয়াৰ
আজিও বকুল জৰে মোৰ কামনাৰ
সুৰৰ পৰশ লাগি কবিতা-প্ৰিয়াৰ।

সুৰৰ ধৰণী মোৰ ৰচি অলকা
গীতেৰে সপোন পাতি মায়া বীথিকা
কবিতা ফুলৰ আজি গাঁথি মালিকা
ৰূপৰ জেউতি ঢালি ৰূপালী মনৰ

মৰম আদৰি লোৱা এখনি হিয়াৰ
মৰমত আছে জানো প্ৰাণ।
মিছাই হেতালি খেলি কত অভাগাই
হিয়া মাথোঁ কৰে খান-বান।

আজিও শৰত আহে শেৱালি বনত
কত অতীতৰ স্মৃতি জগায় মনত
বোৱাই চকুলো ধাৰা নয়ন কোণত
সৌৰৰ্ভী সৌৰবাই মৰহা প্ৰাণত।

( ৪০ )

কিনো ফুল বাছিলি অ' মোৰ ফুলতী
কিনো ফুল বাছিলি ঐ
কিয়নো খেলিলি মৰমৰ হেতালি
নজনা নুশুনা কৈ।

মৰমৰ বানিৰে হিয়াফুল বাছিলি
দেহাৰ দীঘে দিলি বৈ।
মন মোৰ হেৰালে সিদিনাৰে পৰা
তোৰ ভাৱনাতে খহে বালি গঢ়া
হিয়া লুইতৰে ঐ;
ভৰ বাৰিষাৰে বানে ঐ আহিলে
থৌকি বাথৌকি কৈ।

মনতে আলচা মনৰে কথাটি
হিয়াতে মৰহি যায়
সপোনে আনিলে সোণৰে চকলি
মোহৰ মায়া জালে পায়

তুঁহ জুই জ্বলালি মনৰে মাজতে
থৰ হেকৰাজি মোৰ ঐ গাতে
চকুৰে চাৱনি লৈ
তোৰে ঐ লগতে মন উৰি ফুৰে
মন উৰণীয়া হৈ।

( ৪১ )

তোমাৰ গীতৰ শেষ কঁপনিত
মোৰ হিয়াৰ পুলক আনে
কত কবিতাৰ ছন্দ জগায়
আলোড়িত মন প্ৰাণে।

অনুৰাগ ভৰা গীতৰ বাণী
মোৰ যে প্ৰাণৰ প্ৰতিধ্বনি
মাধুৰী স্মৃতিৰ আনে সোঁৱৰণী
উতলা মাধুৰী গানে।

বিফল নহয়, বিফল নহয়,
সপোন পূৰ্ণিমা নিশাৰ
কপটতা সনা এখনি হিয়াত
মুকুলে কমল আশাৰ।

তোমাৰ হিয়াৰ গোলাপ-দানি
প্ৰীতিকুসুমেৰে ভৰোৱা আনি
সানি দিয়া তাতে মালতী পৰাগ
মধুভৰা আলাপনে।

( ৪২ )

তোমাৰ ভাবত মই ৰচা নাই মোৰ কবিতা
গীতৰ মাধুৰী তোলা নাই তান,
তোমাৰ সুৰত মই উটি যোৱা নাই
জীৱনৰ পাতি অভিমান

মধু জোনালীত বহি সন্ধিয়া বেলা
সুৱঁৰি অতীতৰ মায়াৰ খেলা
ভাঙি যোৱা দুদিনৰ মোহন মেলা
আজিও পুলকি উঠে প্ৰাণ

মৰমী ফুলেৰে গঁথা মালিকা প্ৰীতিৰ
পুৱতী মলয়ে শুকায়।
প্ৰিয়া-কৰবীৰে গঁথা কবিতাৰ হাৰ
জীৱনত মৰহি নেযায়

ভুলভৰা জগতেও ভুলকে বুজে
বেসুৰা বীণাৰ তাঁৰ অযথা বাজে
সেই কঁপনিত মুঠে দূৰ অতীতৰ
অভিনৱ ৰূপ-ৰস-গান।

( ৪৩ )

*সুৰেৰে সপোন আঁকি দিলা
মোৰ জীৱনৰ তালে তালে, ছন্দ ভৰা গানে গানে
সুৰৰ সুধাৰে ঢালা
কত ৰাতি বহি উজাগৰে, বিৰহ কাতৰা জোনাকেৰে
আশা নিৰাশাৰ আহৰি কুসুম
লোতকেৰে গাঁথো মালা।

সপোন বিভোৰা 'শকুন্তলা'
কাষতে সখী 'অনসূয়া'
ধ্যানৰ দেৱতা এটি ক্ষণিকৰ
(ৰ'ল) হিয়াৰ মাজতে আঁকা।
সেই কাৰণেই ললে অভিশাপ, জীৱন মৰহা জালা।

কত কাহিনীয়ে কবিতা ভৰায়
জীৱন প্ৰদীপ জ্বালি;
বৃথা ভাৱনাই কামনা ভৰাই
হিয়াৰ মৰম ঢালি।

এদিন সন্ধিয়া সেই দ্বাপৰত
মুৰুলী বজায় কদম তলত
সুৰৰ মায়াৰে কৰে উচাতন
গোপৰ যতেক বালা।
আজিও তাৰেই হয় প্ৰতিধ্বনি, কৰে জীৱন জলাকলা।

মৰমী কুসুম ৰাশি
স্মৃতিৰ জোৰাৰ লাগি
ফুলে আজি শতদলে
হিয়াৰ কামনা ভৰাই।

তোমাৰ ৰূপৰে শিখা, মোক যে নেলাগে প্ৰিয়া
লাগে মাথোঁ এখনি হিয়া
অৰুণ ৰাগেৰে বুৰাই।

মোৰ যত কবিতাৰ ছন্দ তুমি
সুৰৰ জগতৰ মোৰ সুৰৰে ৰাণী
সপ্ত সুৰেৰে গঁথা যতেক বাণী
সুৰৰ দীপালি জ্বলায়।

কত কবিতাৰ কথা গাঁথোতেই
ছন্দ হেৰায় হায়!
কত জীৱনৰ মধু জোনালীত
মৰম মৰহি যায়।

ছিঙি যোৱা পৰাণৰ তন্ত্ৰী বাজি
কঁপি উঠে অতীতৰ পাহৰা সুৰকে আজি
সুৰেৰে সপোন লিখি সুৰেৰে মালিকা গাঁথি
হিয়াৰ পুলক জগাই।

তৃতীয়া জোনালী ৰাতি, মায়াৰ সপোন পাতি
তুমি আহা ধীৰে ধীৰে
সুৰৰ মালিতা ৰচি।
জগত নিতাল আজি, স্মৃতিৰ বাঁহীটি বাজি
হিযাৰ পুলক জাগে
হেৰোৱা প্ৰীতিকে যাচি।

মোৰ জীৱনৰ সেই হেৰোৱা পথত
তোমাৰ সুৰকে গাও প্ৰতি প্ৰহৰত
আজিও কবিতাই তাকে যে গাঁথে
মৰহা ফুলকে বাছি।

এষাৰি মধুৰ মাতে ভাঙ্গে অভিমান
পাষাণ হিয়াৰো হায়!
অভিমানী বালিকাৰ মান অভিমান
পুলকে নিয়ে উকৱাই।

মোৰ কবিতাই ৰচা মালতী ব্যথা
তোমাৰ নয়নৰ কাজল ৰেখা
মাধুৰী প্ৰীতিৰ সেই বিজুলী ৰাখি
হিয়াত ৰাখিছো সাঁচি।

মোৰ কবিতাৰে ৰচিলো তোমাক
তোমাৰ সঁহাৰি নাই
অনুপ্ৰেৰণাৰ সপোন মাধুৰী
তুমিয়েই দিলা হায়।

দূৰ সুদূৰৰ স্মৃতিৰ জোনালী
আজিও নিৰলে আহেযে গধূলি
কত মৰমৰ ৰক্ত কৰবী
হিয়াতে মৰহি যায়।

কত অভিলাষ, প্ৰীতি, অনুৰাগ
ৰাতি উজাগৰে গঁথা,
এটি ভূলতেই যায় উৰি হায়।
প্ৰাণৰ মৰ্ম্ম কথা।

সুৰ সাগৰত ঢৌ খেলি খেলি
আহিছা সুৰেৰে প্ৰদীপ জ্বালি
শেষ প্ৰহৰৰ সপোন ভাঙ্গিলে
পুৰবী মলয়ে পায়।

কত সোঁৱৰণী কালৰ সোঁতত
ধৰাতে মাৰ যায়
কত কবিতাৰ স্মৃতিৰ কাহিনী
শিলৰ বুকুতো পায়।

অতীতৰ কথা মনতে স্মৰি
কত হিয়া হায়! ভাগৰি জুগৰি
মায়াৰ সপোন বুকুতে আৱৰি
বিফল ৰাগিনী গায়।

কত জনে হায়! মৰম বিচাৰি
কৰে জীৱন জলাকলা
কত জনে পায় অজানিতে হিয়া
প্ৰীতিৰ প্ৰণয় মালা।

পলে পলে দিন যায় যে বাগৰি
স্মৃতিৰ সোঁতত ফুৰে উটি বুৰি
দূৰ নীলিমাৰ তৰাৰ দীপালি
কত জনে থাকে চায়।

( ৪৮ )

মোৰ জীৱন কৰি বিয়াকুল
আনি দিলা সপোনত আলোকি বিভাৰ
ৰঙীন মাধুৰী আলো—
নাই যাৰ তুল।

ৰামধেনু আকাশৰ ৰহণ সানি
মৰমী হিয়াৰ পৰশ বোলোৱা আনি
তন্দ্ৰা জৰিত প্ৰাণে অকলে গাঁথিম
মানসী প্ৰীতিৰ সেই স্মৃতিৰ বকুল।

সন্ধিয়া দেশৰ সৌ অস্তাচলত
ৰাঙলী বেলিটি মাৰ যায়
নাৰ্জীফুলৰ কিৰিটি পিন্ধি
ৰূপহ কোঁৱৰে আছে চাই।

মন যায় উৰি উৰি সেই দেশলৈ
অজানিতে কামনাৰ ৰূপ ৰাশিলৈ
নোকোৱা ভাষাৰ বাণী নোগোৱা গীতে
আজি যেন মন মোৰ কৰেহি আকুল।

( ৪৯ )

আঘোনৰ সোণালী ধানৰ পথাৰতে
তোকে ঐ দেখিলো তাতে,
অতীকৈ ধুনীয়া লিহিৰী খোঁপাটি
পাটে মেজাঙ্কৰী গা-তে।
ৰদত চিকেমিকাই জিঞ্জাৰে পাখিটি
তিৰবিৰ তিৰবিৰ কৰে
সোণৰ ৰাঙ্গেপটা নাচে বালিছৰী
আঁচলৰ বা-তে উৰে।
হিয়াতে থলি ঐ পালি কঠিয়াকে
তিনদিন উকলি গলে
মৰমৰ কঠিয়া হিয়াতে মৰহে
নাহিলি মৰমৰ বাটে ;
মৰহা হিয়াৰে লেছেৰি বোটলো
তোৰে ঐ কাচিৰে কটা
পম খেদি খেদি মনতে ভাবো ঐ
সেই তাহানিৰে কথা ;
মনৰ বালিঘোৰা মিছাতে উৰে ঐ
হিয়া লুইতৰ পাৰে
মৰমৰ বাটতে পিছলি পৰি ঐ
থৰ হেকুৰালো গা-তে।

কল্পনা পাৰৰ দূৰ সুদূৰৰ
স্মৃতিয়ে উতলা কৰে
অকলশৰীয়া কত সন্ধিয়া
আহা তুমি অভিষাৰে

ক্ষণ বসন্তৰ কুসুমিত মন
তোমাৰ প্ৰীতিৰে ৰচা ফুলবন
আজি হেমন্তই দিলে আবৰণ
শিক্ত শিশিৰ জৰে

কত পুৰ্ণিমাৰ জোনালী ৰাতি
আঁউসী আন্ধাৰ ভৰাই
মধু সপোনৰ হিন্দোলাতেই
জীৱনৰ ছন্দ হেৰায়।

বেদনাৰে ভৰা কবিতাযে মোৰ
তোমাৰ পৰশ ব্যথা চকুলোৰ
হিয়াৰ পাপৰি মৰহে যে হায়!
অকাল সমাধি তীৰে।

হে নিকৰুণ বন্ধু মোৰ
তোমাৰ বিৰহত হলো যে কবি,
গানে গানে মই হিয়াৰ পথত
আঁকিছো তোমাৰ ছবি।

আহে যে সন্ধিয়া নব অনুৰাগে
নবীন প্ৰেৰণা কত কিযে জাগে
মুৰুলী বজায় সুৰ বিয়পায়
জৰাই মধু পুৰবী।

হে পাষাণ নুবুজিলা তুমি হায়!
তোমাৰে দেউলত প্ৰদীপ জ্বালি
নিৰবে যে মোৰ ভিক্ষাৰী হৃদয়
ধূপ হৈ আছে জ্বলি

যত অবহেলা যত অভিমান
মৰমী হিয়াৰ ইযে প্ৰতিদান
অস্তাচলৰ কিৰণ আনি
জিলিকে আজিও ৰবি।

ফুলাম হাঁচতিৰে কি তামোল খুৱালি
গা মোৰ ৰাইজাই কৰে ঐ ককাইতি
গা মোৰ ৰাইজাই কৰে।
মৰমৰ আছুদি কিনো সতে দিলি
পীৰিতি ৰাগিয়ে ধৰে।

হেঙ্গুলি জেটুকা বোলালি হিয়াতে
উমলি থাকিম যেন তোৰে ঐ সতে
বহি ৰাতি উজাগৰে
মৰমৰ সোঁততে উটি যাম দুয়ো ঐ
দুকুল মোৰ উপচি পৰে।

থেৰেজুকুলীয়া হিয়া নোৰোলাবি
আজি এই উৰুকা ৰাতি
তোৰে সতে মোৰ হিয়া যায় বাগৰি
কোনেবা দেশলৈ উটি।
মনকে বান্ধিব নোৱাৰি চেনাই ঐ
ৰচকী মন মোৰ উৰে
ভাবোতে ভাবোতে তোৰে ঐ কথাকে
ভোক পিয়াহ কেনিবা হৰে।

শুভ্ৰ জোনালী নিশা

যমুনা পাৰৰ বায়ুয়ে উচুপে বৈ।

হায়! চাজাহান কাক হেৰুৱাই—

ৰচিলা তাজমহল—

শত কামনাৰ প্ৰেমৰ মাধুৰী লৈ।

আজিৰ জগতত বয় কলকল

প্ৰেম যমুনাৰ ধাৰা অবিৰল

প্ৰেমিক হিয়াৰ উৎপল দল

বিকশে কবিতা হৈ।

'মীনাবজাৰ'ৰ চমক ভাঙ্গি

হিয়াতে ফুলিলা নীলকুমুদিনী হৈ

প্ৰেমৰ তীৰ্থ গাঁথে চাজাহানে

প্ৰেমিকা 'বাণু'ৰ মৰমী পৰশ লৈ।

দূৰ কাবেঙৰ জোনালীত বহি

অশৰীৰী হৈ চাজাহানে আহি

স্মৃতিৰ কাহিনী সুৱৰি সুৱৰি

'বাণু' বুলি কান্দে ঐ